

# হ[redacted]ামৰদ্বাৰা

প্ৰায়শ্চিত্তৰ ব্যৱস্থা।

২য় তাঙৰণ।

৫০১ শঙ্কৰাব্দ।

হৰিদাস ত্ৰিভুবন

# বৈষ্ণবীয় প্ৰায়শ্চিত্তব্যৱস্থা

বা

# হৰিনামৰদ্বাৰা প্ৰায়শ্চিত্ত ।

ৰচোঁতা, সংগ্ৰাহক আৰু প্ৰকাশক ঃ–

## হৰিদাস শ্ৰীভুবন

শঙ্কৰাব্দ ৫০১ ।




দহ অনা ॥৵০ মাত্ৰ ।

# নিবেদন।

পৰমেশ্বৰৰ কৃপাত আজি ( ১৬ আহাৰ মঙ্গলবাৰ ৪৮৭ শঙ্কৰাব্দত এই ক্ষুদ্ৰগ্ৰন্থ খনি লিখি সমাপ্ত কৰা হ'ল। আমাৰ অসম দেশত বৈষ্ণৱসকলৰ ভিতৰত নানা ৰূপে ধৰ্ম্মৰ ব্যভিচাৰ হোৱা দেখি ভালেদিনৰে পৰা মনত নানা বিষয়ে আলাড়ন হৈ আছিল। তাৰ ভিতৰতে এই গ্ৰন্থত থকা বিষয়টিও অন্যতম। বৰ্ত্তমান সমাজসংস্কাৰৰ কাম কৰোতে ব্ৰাহ্মণসকলৰ ভীষণ বিৰোধীভাত পৰি বহুত লোকৰ নানা প্ৰশ্ন উদ্ভাৱন হব লাগিছে। সেই প্ৰশ্নবিলাকৰ ভিতৰত তিনিটি প্ৰধান। এটি বিবাহ, দ্বিতীয়টি প্ৰায়শ্চিত্ত আৰু তৃতীয়টি শ্ৰাদ্ধ। প্ৰশ্ন কেইটি এনে দৰে উঠিছে যে যদি সমাজৰ কুসংস্কাৰ দূৰ কৰিবলৈ যাওঁতে ব্ৰাহ্মণসকলে সহযোগ নকৰে তেন্তে ব্ৰাহ্মণেতৰ বৰ্ণৰ লোকসকলৰ উক্ত কথা তিনিটি উপস্থিত হ'লে কি গতি হব ? এই তিনিওটি প্ৰশ্নৰ মীমাংসা আৰু উপায় নিৰ্দ্ধাৰণৰ ভাৰ বৰ্ত্তমান মোৰ গাতে পৰাত বহুকষ্টে নানা শাস্ত্ৰ, বেদ, পুৰাণ, সংহিতাদি পঢ়ি নিজৰ বুদ্ধিৰ বেগ অনুৰূপে যথা সম্ভৱ উপায় নিৰ্দ্দেশপূৰ্ব্বক প্ৰশ্ন কেইটিৰ মীমাংসা কৰিবলৈ যত্ন কৰা হৈছে মাত্ৰ। তাৰে প্ৰথমটিৰ বিষয়ে কৃতকাৰ্য্য হৈছো বুলি মোৰ বিশ্বাস। দ্বিতীয়টিৰ মীমাংসা এই ক্ষুদ্ৰ গ্ৰন্থ খনিত যথাসম্ভৱ কৰিবলৈ যত্ন কৰা হৈছে। মোৰ বিশ্বাস দ্বিতীয়টিৰ মীমাংসাও এয়ে

যথাযথ হব। ইয়াত কিবা ত্রুটী থাকিলে বিজ্ঞসকলে সবিশেষ আলোচনা আৰু অনুগ্রহ কৰিলে সুখী হ'ম।

শাস্ত্রত এনে দৰে ভূৰি ভূৰি প্রমাণ থকা সত্ত্বেও আমাৰ গোসাঁইসকলে ইমান দিনে নিষ্বধৰ্ম্মৰ ব্যভিচাৰ কৰি ঘোৰ কৰ্ম্ম-মাৰ্গীসকলৰ পথেদি চলাত হে আমি দুঃখিত আৰু লজ্জিত হৈছোঁ। সমাজৰ নেতৃত্বৰ ভাৰ লৈ নিজৰ মতটোৰ বিষয়েই এনে অনভিজ্ঞ আৰু অদূৰদৰ্শী হ'লে উপায় কি? মোৰ বিশ্বাস এতিয়া প্রভুসকল সেই বিষয়ে তৎপৰ হ'ব।

হৰিনামেৰে প্রায়শ্চিত্ত হ'ব পৰা প্রমাণ শাস্ত্রত আৰু বহুতো আছে। একেবোৰ কথাকে পুনঃ পুনঃ তুলি গ্রন্থ ডাঙৰ কৰিবৰ ইচ্ছা মোৰ নাই, সেই কাৰণে ইমানকে উদ্ধৃত কৰি সাগৰিলোঁ। মুঠকথা—

নাৰদে দিলন্ত তিনি কতপা।
আক নমানিবে কোননো লপা॥ ইতি।

বিনীত গ্রন্থকাৰ—
হৰিদাস শ্রীভুবন
গুৱাহাটী।

# দ্বিতীয় বাৰৰ কথা।

এই বাৰ মাত্র পাপানুৰূপে সমাজে অৰ্থদণ্ড কৰাৰ নিয়ম কিছু চমুভাৱে কেইটিমান যোগ কৰি দিলোঁ। ইতি—

হৰিদাস শ্রীভুবন।

## সমগ্ৰ অসমৰ মহামান্য ব্ৰাহ্মণ পণ্ডিতসকলৰ সমৰ্থন ঃ—

গত ইংৰাজী ১৯৩৫ চনৰ নবেম্বৰ মাহত আসাম সংস্কৃত ব'ৰ্ডৰ ষষ্ঠবাৰ্ষিক অধিবেশন নলবাড়ীত বহিছিল। সেই সভাত গোটেই অসমৰ ব্ৰাহ্মণ পণ্ডিতসকল গোট খাইছিল। তাত হৰি নামেৰে প্ৰায়শ্চিত্ত হব পাৰে নে নোৱাৰে এই বিষয়ে সুদীৰ্ঘ আলোচনা হোৱাৰ পাচত সিদ্ধান্ত হল যে ঃ—

অত্ৰ সিদ্ধান্তঃ—

হৰিনাম্নঃ.........সৰ্ব্বপাপক্ষয়সাধনত্বমস্তি

তদনন্তৰং তৎপূৰ্ব্বতো বা প্ৰায়শ্চিত্তান্তৰস্য

কৰ্ত্তব্যতা নাস্তীতি। (দেৱবাণী ৯ম সংখ্যা।)

অৰ্থাৎ—হৰিনামৰ সকলো পাপ ক্ষয় কৰিব পৰা শক্তি আছে। পাপক্ষয়ৰ কামনাত হৰিনাম লোৱাৰ পিচত বা আগত অন্য কোনো প্ৰায়শ্চিত্ত কৰাৰ আৱশ্যক নাই। ইতি—

(মহামান্য পণ্ডিতসকলে এনে উদাৰ মত সমৰ্থন কৰাৰ কাৰণে সভক্তিক ধন্যবাদ জনাইছোঁ।)

"গ্ৰন্থকাৰ"

ওঁ

# হৰিনামেৰে প্ৰায়শ্চিত্তৰ ব্যৱস্থা ।

পাপীয়ে যি কোনো পাপৰ পৰা উদ্ধাৰ পাবলৈ হ'লে প্ৰথমে সুস্থ হ'লে এদিন, ৰোগীয়া হ'লে, গৰ্ভিণী হ'লে, বালক হ'লে এবেলা উপবাস কৰি পিছদিনা নিজৰ জ্ঞাতি আদি সমাজ চপাই সেই সমাজত যথা শক্তি দণ্ড অৰ্চ্চনী দি নিজমুখে পাপ স্বীকাৰ কৰি অনুতাপ কৰিব আৰু আগলৈ এনে পাপ নকৰোঁ বুলি ৰাইজৰ আগত প্ৰতিজ্ঞা কৰিব। তাৰ পাচত সেই ঠাইতে বা হৰি মন্দিৰলৈ গৈ ৰাইজে তেওঁক হৰিনাম লোৱাব। অথবা হৰিকথা থকা পুথি ঘোষা কীৰ্ত্তনাদি পঢ়ি শুনাব বা তেওঁক নিজকে পঢ়িবলৈ দিব ।

ক্ষুদ্ৰ পাপ হ'লে উপবাসে থাকি নিজৰ বিশ্বাস অনুপাতে এজন ভকত বা মানী মানুহ এজনক মাতি আনি যথা-শক্তি দণ্ড অৰ্চ্চনী দি তেখেতৰ আগত পাপ স্বীকাৰ কৰিব আৰু আগলৈ তেনে নকৰোঁ বুলি শপত কৰিব। তাৰ পাছত সেই ভকত জনে বা মানী লোক জনে তেওঁক নাম লোৱাব। গুৰুতৰ পাপ হলে উক্ত প্ৰকাৰে আচৰণ

কৰি সমাজত মাহ প্ৰসাদ দি নামৰ অন্তত প্ৰসাদ গ্ৰহণ কৰাটো অতি উত্তম।

এনেদৰে হৰিনামেৰে প্ৰায়শ্চিত্ত কৰিলে পাপৰ আলু উভঙে। পুনঃ পাপলৈ মতি নহয়। ইয়াৰ প্ৰমাণ তলত দিয়া হ'ল।

**যজুৰ্ব্বেদে ঃ—**

ওঁ অগ্নে নয় সুপথা ৰায়ে
অস্মান্ বিশ্বানি দেৱ বয়ুনানি বিদ্বান্।
যুযোধ্যস্মজ্জুহুৰাণমেনো
ভূয়িষ্ঠাং তে নম উক্তিং বিধেম॥ ১৬।৪০ ভক্তিকাণ্ড

অৰ্থাৎ—হে করুণাময় জ্ঞানদাতা বিশ্বনায়ক ব্ৰহ্ম! তুমি সকলো কৰ্ম্ম জানা, এতেকে আমাৰপৰা মুক্তিৰ প্ৰতিবন্ধক বা কষ্টদায়ক পাপ দূৰ কৰি আমাক সৎপথেদি মুক্তিধন প্ৰাপ্তিৰ কাৰণে লৈ যোৱা! আমি তেতিয়া তোমাৰ অনুগ্ৰহত নিষ্পাপ হৈ তোমাৰ সেৱাত ৰত থাকি তোমাক বহু পৰিমাণে সেৱা কৰি সেৱা সুখ অনুভৱ কৰিব পাৰিম॥

উক্ত মন্ত্ৰটিৰ দ্বাৰা স্পষ্ট বুজা গ'ল যে পাপ ক্ষয় হবৰ কাৰণে বিশ্বনিয়ন্তা বিষ্ণুক প্ৰাৰ্থনা কৰিব লাগে, আৰু ভগৱানক প্ৰাৰ্থনা কৰিলেই সমস্ত পাপ দূৰ হৈ মুক্তি হয়।

**শ্ৰীমদ্ভাগৱতে ঃ—**

স্তেন সুৰাপো মিত্ৰধ্ৰুগ্ ব্ৰহ্মহা গুৰুতল্পগঃ।
স্ত্ৰীৰাজপিতৃগোহন্তা যে চ পাতকিনোঽপৰে॥ ৯

সৰ্ব্বেষামপ্যঘবতামিদমেব সুনিষ্কৃতং ।
নাম ব্যাহৰণং বিষ্ণোঃ যতস্তদ্ বিষয়ামতিঃ ॥ ১০
অজ্ঞানাদথবা জ্ঞানাদুত্তমশ্লোকনাম যৎ ।
সঙ্কীৰ্ত্তিতমঘং পুংসো দহেদেধো যথানলঃ ॥ ১৮
২য় অধ্যায় ৬ষ্ঠ স্কন্ধ

অৰ্থাৎ— পৰদ্ৰব্য হৰণকাৰী সুৰাপায়ী মিত্ৰদ্ৰোহী, ব্ৰহ্মহত্যাকাৰী, গুৰুপত্নী হৰণকাৰী, তিৰীবধী, ৰাজহত্যাকাৰী পিতৃবধী, গোবধী, আৰু আন আন যত পাপী আছে (॥৯) সেই সকলোবিলাক পাপীৰ পাপৰপৰা নিষ্কৃতি পাবলৈ বিষ্ণুৰ নাম উচ্চাৰণ কৰাটোৱেই শ্ৰেষ্ঠ প্ৰায়শ্চিত্ত। বিষ্ণুৰ নাম ল'লেই তাৰপ্ৰতি ভগৱানৰ মতি হয় আৰু তেওঁক সদায় বিষ্ণুৱে ৰক্ষাকৰি ফুৰে (॥১০) জ্ঞানে বা অজ্ঞানে কৃষ্ণৰ নাম ল'লে সেই নামে অগ্নিয়ে শুকান খৰি পুৰি ভস্ম কৰাদি সমস্ত পাপ দাহ কৰে (॥১৮)।

এই শ্লোক কেইটিৰ অৰ্থ শ্ৰীমন্ত শঙ্কৰদেৱে এই দৰে লিখিছে :—

ব্ৰহ্মবধ পিতৃ- বধ সুৰা পান
অগম্যাগমন কৰে ।
গৰু তিৰী মাৰে সুবৰ্ণক হৰে
মিত্ৰৰ দ্ৰোহ আচৰে ॥
সংসাৰত যত আৰো অসংখ্যাত
আছে মহাপাপী গণ ।
সবাৰো এহিসে মুখ্য প্ৰায়শ্চিত্ত
হৰিৰ নাম কীৰ্ত্তন ॥

মাধৱৰ মতি হোৱে তাক প্ৰতি
যি ফুৰে নাম সুমৰি ।
ইটো মোৰ দাস নচাৰন্ত পাশ
ৰাখিয়া ফুৰন্ত হৰি ॥
হৰি নামে সব পাতক দহয়
জ্ঞানে বা অজ্ঞানে বোলে
যেন হুতাশনে শুকান কাষ্ঠক
অতি অপ্ৰয়াসে পোৰে ॥ কীৰ্ত্তন ।

**বিষ্ণুধৰ্ম্মোত্তৰে ঃ—**

হৰিৰ্হৰতি পাপানি দুষ্টচিত্তৈৰপি স্মৃতঃ ।
অনিচ্ছয়াপি সংস্পৃষ্টো দহত্যেৱহি পাবকঃ ॥

অৰ্থাৎ—কপট ভাৱেও হৰিনাম স্মৰণ কৰিলে নামে সকলো পাপ হৰণ কৰে । যেনেকৈ অনিচ্ছা সত্ত্বেও অগ্নি স্পৰ্শ কৰিলে পোৰে, ঠিক সেইদৰেই কপট ভাৱে বা হেলা কৰি হৰি বুলিলেও সমস্ত পাপ হৰণ কৰে ।

এই শ্লোকৰ অৰ্থ শঙ্কৰদেৱে লিখিছে :—

দুষ্টচিত্তো যদি হৰি স্মৰে ।
তথাপিতো তাৰ পাতক হৰে ॥
অনিচ্ছাত যেন অগনি পোলে ।
বিষ্ণুধৰ্ম্মোত্তৰ আগমে বোলে ॥ কীৰ্ত্তন ।

**পদ্মপুৰাণে ঃ—**

হৰিৰেৱ সমাৰাধ্যঃ সৰ্ব্বদেৱেশ্বৰেশ্বৰঃ ।
হৰিনামমহামন্ত্ৰৈৰ্নশ্যেৎ পাপপিশাচকঃ ॥৬

হৰেঃ প্ৰদক্ষিণং কুৰ্ব্বন্ উচ্চৈস্তন্নাম কৃন্নৰঃ।
কৰতালাদিসন্ধানং সুস্বৰং কলশব্দিতং॥১৬
হৰিভক্তিকথাযুক্তাখ্যায়িকাং শৃণুয়াৎ চ যঃ।
তস্য সন্দৰ্শনাদেৱ পূতো ভৱতি মানৱঃ ॥১৭
কিং পুনস্তস্য পাপানামাশঙ্কা মুনিপুঙ্গৱাঃ।
তীৰ্থানাঞ্চ পৰং তীৰ্থং কৃষ্ণনাম মহৰ্ষয়ঃ॥১৮
মূৰ্খং বা পণ্ডিতং বাপি ব্ৰাহ্মণং কেশৱপ্ৰিয়ং।
শ্বপাকং বা মোচয়তি নাৰায়ণঃ স্বয়ম্প্ৰভুঃ ॥২৫
নাৰায়ণাৎ পৰো নাস্তি পাপৰাশিদাবানলঃ।
কৃত্বাপি পাতকং ঘোৰং কৃষ্ণনাম্না বিমুচ্যতে॥২৬
স্বয়ং নাৰায়ণো দেৱঃ স্বনাম্নি জগতাং গুৰুঃ।
আত্মনোপ্যধিকাং শক্তিং স্থাপয়ামাস সুব্ৰতাঃ॥২৭

স্বৰ্গখণ্ড ২৪ অধ্যায়।

অৰ্থাৎ— সৰ্ব্বদেৱাধিদেৱ হৰিয়েইহে মাত্ৰ সকলোৰে আৰাধ্য, হৰিনাম মহামন্ত্ৰৰদ্বাৰা পাপৰূপ পিশাচ ধ্বংস হয় (॥৬)। হৰিক প্ৰদক্ষিণ কৰি উচ্চৈঃস্বৰে হৰিনাম কৰতালি আদি দি গান কৰিলে ব্ৰহ্মহত্যা আদি পাপ দূৰীভূত হয় (॥১৬)। হৰিভক্তিযুক্ত আখ্যায়িকা (কথা প্ৰসঙ্গ) যি জনে শুনে তেওঁক দেখা মাত্ৰেই মানুহৰ সমস্ত পাপ দূৰীভূত হয় (॥১৭)। হে মুনিশ্ৰেষ্ঠ মহৰ্ষিসকল! সকলো তীৰ্থতকৈয়ো পবিত্ৰ তীৰ্থস্বৰূপ কৃষ্ণ নাম যি জনে গ্ৰহণ কৰিলে, তেওঁৰ পুনঃ পাপৰ আশঙ্কা কি আছে? অৰ্থাৎ কোনো আশঙ্কা নাই (॥১৮)।

মূৰ্খই হওক বা পণ্ডিতেই হওক অথবা ব্ৰাহ্মণেই হওক বা চাণ্ডালেই হওক যিজনে বিষ্ণুক প্ৰিয় বুলি ভাবি তেওঁৰ নাম গুণ লয়, তেওঁক ভগৱানে স্বয়ং সমস্ত পাপৰ পৰা উদ্ধাৰ কৰে (॥২৫)। নাৰায়ণতকৈ শ্ৰেষ্ঠ পাপৰাশি ধ্বংস কৰিব পৰা দাবানল সদৃশ আৰু একো নাই। ব্ৰহ্ম-হত্যাদি ঘোৰপাপ কৰিও কৃষ্ণনামৰদ্বাৰা মুক্তি পায়। অৰ্থাৎ কৃষ্ণ নামে সমস্ত পাপ ধ্বংস কৰি তাৰপৰা মুক্তি কৰি দিয়ে (॥২৬)। হে ব্ৰতপৰায়ণ মুনিসকল! জগতৰ গুৰু দেৱনাৰায়ণে নিজৰ নামত নিজতকৈয়ো বেচি শক্তি স্থাপন কৰিলে (॥২৭)।

জন্মান্তৰাৰ্জ্জিতং পাপং তৎক্ষণাদেব নশ্যতি।
শ্ৰীকৃষ্ণচৰিতং যো বৈ শ্ৰোতুমিচ্ছাং কৰোত্যপি ॥১২
ভক্ত্যা যো বৈ নৰঃ কুৰ্য্যাৎ শ্ৰীকৃষ্ণচৰিতং তথা।
ন জানে শ্ৰৱণে তস্য কা গতিৰ্ব্বা ভবিষ্যতি ॥১৩
ব্ৰহ্মহত্যাদিকং পাপং পৰস্ত্ৰীহৰণং তথা।
সুৰাপানং তথা স্তেয়ং সৰ্ব্বং নশ্যতি পাপিনঃ ॥১৪

স্বৰ্গখণ্ড ৩৪ অধ্যায়।

অৰ্থাৎঃ—শ্ৰীকৃষ্ণৰ চৰিত্ৰ কথা শ্ৰৱণ কৰিবলৈ ইচ্ছা কৰিলেই তেওঁৰ পূৰ্ব্বজন্মৰ পাপ পৰ্য্যন্ত সকলো তৎক্ষণাৎ সমূলে ধ্বংস হয় (॥১২)। এনে স্থলত যিজনে ভক্তি কৰি কৃষ্ণৰ চৰিত্ৰ শুনে তেওঁৰ যে কি হ'ব তাক বুজিব পৰাই টান (॥১৩)। ব্ৰহ্মহত্যা, পৰস্ত্ৰীহৰণ সুৰাপান পৰদ্ৰব্য হৰণাদি যত প্ৰকাৰ পাপ আছে, সেই সকলোবোৰ পাপ

পাপীৰপৰা হৰিৰ চৰিত্ৰ শুনিলেই নাশ হয় (॥১৪)।

*বৃহন্নাৰদীয়ে ঃ—*

নৰাণাং বিষয়ান্ধানাং মমতাকুলচেতসাং।
এক এব হৰেৰ্নাম সৰ্ব্বপাপবিনাশকঃ ॥

অৰ্থাৎ—অহং মম ভাৱত আকুলিতচিত্ত বিষয়ান্ধ লোকৰ পক্ষে সকলো পাপৰ নাশক একমাত্ৰ হৰিনামেইহে। হৰিনামৰ বাহিৰে বিষয়ীলোকৰ পাপ নাশ কৰিব পৰা প্ৰায়শ্চিত্ত আৰু নাই।

*বৈশম্পায়নে ঃ—*

সৰ্ব্বধৰ্ম্মবহিৰ্ভূতঃ সৰ্ব্বপাপৰতস্তথা।
মুচ্যতে নাত্ৰসন্দেহো বিষ্ণোৰ্নামানুকীৰ্ত্তনাৎ ॥

অৰ্থাৎ—যিজন সকলো ধৰ্ম্মৰ বহিৰ্ভূত হ'ল, অথবা যি জনে সকলো প্ৰকাৰ পাপত ৰত আছে, তেনে জনেও বিষ্ণুৰ নাম ল'লে সকলো পাপৰ পৰা মুক্ত হয়, ইয়াত অকণো সন্দেহ নাই।

*বিষ্ণুপুৰাণে ঃ—*

পাপে গুৰুণি গুৰুণি স্বল্পান্যল্পে চ তদ্বিদঃ।
প্ৰায়শ্চিত্তানি মৈত্ৰেয় জগুঃ স্বায়ম্ভুবাদয়ঃ ॥৩৪
প্ৰায়শ্চিত্তান্যশেষাণি তপঃ কৰ্ম্মাত্মিকানি বৈ।
যানি তেষামশেষাণাং কৃষ্ণানুস্মৰণং পৰং ॥৩৫

প্ৰাতৰ্নিশি তথা সন্ধ্যামধ্যাহ্নাদিষু সংস্মৰন্ ।
নাৰায়ণমবাপ্নোতি সন্তঃ পাপক্ষয়ং নৰঃ ॥৩৭

দ্বিতীয় অশং ৬ষ্ঠ অধ্যায় ।

অৰ্থাৎ—হে মৈত্ৰেয়! পাপানুৰূপ প্ৰায়শ্চিত্ত বেত্তা মনু আদি মহৰ্ষিসকলে পাপৰ গুৰু লঘু অনুসাৰে প্ৰায়শ্চিত্তৰো গুৰু লঘু ৰূপে তপঃ ব্ৰতাদি আৰু কৰ্ম্মাত্মক দান যজ্ঞ আদিৰূপে অশেষ প্ৰায়শ্চিত্তৰ বিধান কৰিছে। তাৰ ভিতৰত কৃষ্ণনাম স্মৰণ কৰাটোৱেই সৰ্ব্বশ্ৰেষ্ঠ (॥৩৪।৩৫) পুৱাতেই হওক বা মধ্যাহ্নতেই হওক বা সন্ধ্যাতেই হওক মুঠতে হৰিনাম যেতিয়াই তেতিয়াই স্মৰণ কৰিলেই তৎক্ষণাৎ সকলো পাপ ক্ষয় হয়। পিচত সেই নৰে নাৰায়ণক পায়গৈ (॥৩৭)।

***গৰুড়পুৰাণে ঃ—***

আলোক্য সৰ্ব্বশাস্ত্ৰাণি বিচাৰ্য্য চ পুনঃ পুনঃ ।
ইদমেকং সুনিষ্পন্নং ধ্যেয়ো নাৰায়ণঃ সদা ॥১
প্ৰায়শ্চিত্তান্যশেষাণি তপঃ কৰ্ম্মাত্মিকানি বৈ ।
যানি তেষামশেষাণাং কৃষ্ণানুস্মৰণং পৰং ॥৪
কৃতে পাপেঽনুতাপশ্চ যস্য পুংসঃ প্ৰজায়তে ।
প্ৰায়শ্চিত্তন্তু তস্যৈকং হৰেঃ সংস্মৰণং পৰং ॥৫

পূৰ্ব্বখণ্ড ২৪৩ অধ্যায়; সূতৰ উক্তি ।

অৰ্থাৎ—সকলো শাস্ত্ৰ পঢ়ি পুনঃ পুনঃ বিচাৰ কৰি ইয়াকেই সিদ্ধান্ত পালোঁ যে একমাত্ৰ নাৰায়ণেই সদাই ধ্যানৰ যোগ্য (॥১)। ব্ৰত তপ আদি আৰু দান যজ্ঞ আদি

কৰ্ম্মাত্মক প্ৰায়শ্চিত্ত ৰূপে পাপানুৰূপ অশেষ প্ৰায়শ্চিত্তৰ বিধান আছে। তাৰ ভিতৰত হৰি নাম স্মৰণ কৰাটোৱেই সৰ্ব্বশ্ৰেষ্ঠ প্ৰায়শ্চিত্ত (॥৪)। যি জনৰ পাপ কৰি অনুতাপ জন্মিছে তেওঁৰ পক্ষে পাপৰ আলু উঘালিবলৈ একমাত্ৰ হৰি নামেই সৰ্ব্বশ্ৰেষ্ঠ প্ৰায়শ্চিত্ত (॥৫)।

*শ্ৰীহৰিনামামৃত ব্যাকৰণে ঃ—*

সাঙ্কেত্যং পাৰিহাস্যং বা স্তোভং হেলনমেব বা।
বৈকুণ্ঠনামগ্ৰহণমশেষাঘহৰং বিদুঃ॥৪

সংজ্ঞাপ্ৰকৰণ।

অৰ্থাৎ—পুত্ৰাদিৰ নাম ৰাখি কিম্বা পৰিহাস কৰি অথবা গান আদি গাওঁতে বা বাক্যালঙ্কাৰৰূপে নতুবা অৱজ্ঞা কৰিয়েই হওক বিষ্ণুৰ নাম গ্ৰহণ কৰিলে (উচ্চাৰণ কৰিলে) অশেষ পাপ নাশ হয় বুলি শাস্ত্ৰত কয় (॥৪)।

*পুনঃ পদ্মপুৰাণে ঃ—*

বিষ্ণুভক্তিং বিনা নৃণাং পাপিষ্ঠানাং বিশাম্বৰ।
উপায়ো নাস্তি নাস্ত্যন্যঃ সন্তৰ্ত্তুং নৰকাম্বুধিং ॥১৫১

অৰ্থাৎ—পাপীসকলৰ নৰক সমুদ্ৰ পাৰ হবলৈ বিষ্ণু-ভক্তিৰ বাহিৰে আন উপায় নাই, হে বৈশ্যশ্ৰেষ্ঠ! আৰু আন উপায় নাই (॥১৫১)। স্বৰ্গ খণ্ড ১৫ অধ্যায়

এতাবতালমঘনিৰ্হৰণায় পুংসাং
সংকীৰ্ত্তনো ভগৱতো গুণকৰ্ম্মনাম্নাং।

বিক্ৰুশ্য পুত্ৰমঘবান্ যদজামিলোপি
নাৰায়ণেতি ম্ৰিয়মাণ ইয়ায় মুক্তিম্ ১৫৭ .
স্বৰ্গখণ্ড ১৫ অধ্যায় ।

অৰ্থাৎ—ভগৱানৰ গুণানুকীৰ্ত্তন কৰাটোৱেই মনুষ্যৰ পাপ হৰণৰ প্ৰতি সৰ্ব্বশ্ৰেষ্ঠ প্ৰায়শ্চিত্ত, যি হেতু মহাপাপী অজামিলে মৃত্যুৰ সময়ত নাৰায়ণ বুলি পুত্ৰৰ নাম উচ্চাৰণ কৰিয়েই মুক্তি লাভ কৰিলে। এতেকে ইয়াতকৈ শ্ৰেষ্ঠ প্ৰায়শ্চিত্ত আৰু আন নাই ॥

*গীতায়াং ঃ—*

সৰ্ব্বধৰ্ম্মান্ পৰিত্যজ্য মামেকং শৰণং ব্ৰজ ।
অহং ত্বাং সৰ্ব্বপাপেভ্যো মোক্ষয়িষ্যামি মা শুচঃ ।

অৰ্থাৎ—সকলো প্ৰকাৰ আনদেৱধৰ্ম্ম পৰিত্যাগ কৰি, এক মোতে ( কৃষ্ণতে ) শৰণ লোৱা, মই তেতিয়া তোমাক সমস্ত পাপৰ পৰা উদ্ধাৰ কৰিম ।।

ইয়াৰ দ্বাৰাই স্পষ্ট বুজা গ'ল যে হৰিত শৰণ ললেই সমস্ত পাপ নাশ কৰি হৰিয়ে নিজে উদ্ধাৰ কৰে তাত ভাবিব লগীয়া একো নাই ॥

## মহাপুৰুষ শ্ৰীমন্তশঙ্কৰদেৱৰ মতে ঃ—

*ভকতিপ্ৰদীপ ঃ—*

এক এক নামে মোৰ জগত উদ্ধাৰে।
স্মৰণ মাত্ৰকে পাপ সমুহ সংহাৰে ॥
যেন মত্ত সিংহ সবে গৰ্জ্জে মহা ৰাগে।
কোন ক্ষুদ্ৰ পতঙ্গ পাতক তাৰ আগে ॥
আছে যত পঞ্চম পাতক ঘোৰ ঘোৰ।
নাশিবাক পাৰে সবে এক নামে মোৰ ॥
ব্ৰাহ্মণৰ সুৱৰ্ণক যিটো চুৰি কৰে।
সুৰাপান ব্ৰহ্মবধ গুৰুপত্নী হৰে ॥
স্ত্ৰীবধ ৰাজবধ পিতৃবধ কৰে।
গুৰুবধ মিত্ৰদ্ৰোহ পাতক আচৰে ॥
পৰকেসে হিংসে নিৰন্তৰ মহা মোহ।
দেৱ দ্বিজ যত জগতকে কৰে দ্ৰোহ ॥
নিজে পাপ যিটো অধমৰ অবিশ্ৰাম।
সবাকো পবিত্ৰ কৰে মোৰ এক নাম ॥
যি কথা কহিলো সখি আত কোন চিত্ৰ।
কোটি কোটি তীৰ্থে যাক নকৰে পবিত্ৰ ॥
নাহি শুদ্ধি কোটি প্ৰায়শ্চিত্ত আচৰণে।
তাক শুদ্ধ কৰে এক নাম সুমৰণে ॥
মোৰ নাম জানা যেন বাড়ৱ অগনি।
পাতক শুকান বন লাগে তাক ছানি ॥

আৰ অনুকূল মই প্ৰচণ্ড বতাস।
তিলেকো নলাগে দহি কৰো সৰ্ব্বনাশ ॥
কহিলো তোমাত সখি তুমি প্ৰিয়তম।
সংসাৰত নাহিকে মোহোৰ নাম সম ॥
কৰা অহম্মম যদি আত নেদি মতি।
নাহি মোৰ দোৰ যাইবা অধোগতি ॥

* * * *

যত মহা পাতকক সংহাৰ কৰিবে লাগি
আছে এক নামত শকতি।
ততেক পাতক কোটি জনমতো কৰিবাক
নোৱাৰিবে পাতকী সম্প্ৰতি ॥
তথাপি তোমাত কহো শাস্ত্ৰৰ প্ৰসিদ্ধ কথা
যিবা নামে যত পাপ হৰে।
আন দেৱ দয়া এড়ি কেৱলে আমাত মাত্ৰ
হুয়া এক শৰণ সুমৰে ॥
আমাৰ **কমলানাথ** নামক সুমৰে যিটো
পৰম পাতকী অনিচ্ছাত।
দুইকোটি জনমৰ যতেক পাতক আছে
হৰে তাৰ তেখনে সাক্ষাত ॥
পৰম মঙ্গল নাম যিপুৰু শ্ৰদ্ধায়ে লয়ে
হৰে পাপ তাহাৰ দ্বিগুণ।
অনিচ্ছায়ে এক গুণ শ্ৰদ্ধায়ে দ্বিগুণ তাৰ
এহিমতে বুঝিবা অৰ্জ্জুন ॥

বাসুদেৱ নাম মোৰ অকস্মাত স্মৰে যিটো
নাহি কিছু মনত উল্লাস।
তিনি কোটি জনমৰ যতেক পাতক তাৰ
নামে কৰে তেখনে বিনাশ॥
সনাতন নাম মোৰ হেলাত উচ্চৰে যিটো
দুৰাচাৰ মহা মন্দ বুদ্ধি।
চাৰি কোটি জনমৰ পৰম পাতক হন্তে
তাৰক্ষণে হোৱে সিটো শুদ্ধি॥
সঙ্কৰ্ষণ নাম মোৰ স্মৰে অনিচ্ছায় যিটো
অত্যন্ত পৰম ক্ৰূৰমতি।
পাঞ্চ কোটি জনমৰ যতেক পাতক তাৰ
সৱহন্তে পায়ে অব্যাহতি॥
কমললোচন মোৰ নামক সুমৰে যিটো
কামক্ৰোধ অশুদ্ধ হৃদয়।
ছয় কোটি জনমৰ যতেক পাতক আছে
তাৰক্ষণে নামে বিনাশয়॥
যিটো মহা পাপী আসি অকস্মাতে স্মৰে মোক
তেখনে পুণ্ডৰিকাক্ষ বুলি
সাত কোটি জনমৰ যতেক পাতক তাৰ
কৰে ভস্ম মোৰ নামে পুলি॥
যেতিক্ষণে অনিচ্ছায়ে পাপমতি যিটো নৰে
সুমৰে ঈশ্বৰ মোক বুলি।
তথাপিতো আঠকোটি জন্মৰ যতেক পাপ
তাৰ হৰে তেখনে সমূলি॥

* * * *

চাৰিয়ো বেদৰ সাৰ **নাৰায়ণ** নাম মোৰ
পৰম দুৰ্জ্জনে যদি স্মৰে।
কুৰি কোটি জনমৰ যতেক পাতক তাৰ
মোৰ নামে সমূলি সংহাৰে॥
যেভিক্ষণে **জগন্নাথ** নাম মোৰ উচ্চাৰিলে
হুয়া মহা পাতকী প্ৰধান।
তথাপি একৈচ কোটি জন্মৰ যতেক পাপ
সবে হোৱে তেখনে নিৰ্ব্বাণ॥
**পুৰুষোত্তম** নাম মোৰ সুমৰে পাতকী হুয়া
যদিকুল ক্ৰিয়া একো নাই।
তথাপিতো বাইচ কোটি জন্মৰ যতেক পাপ
তাৰ সবে ভস্ম হুয়া যায়॥
যেবে **পৰমব্ৰহ্ম** নাম উচ্চাৰিলে মহাপাপী
যাতপৰে নাহি দুৰাচাৰ।
তথাপি এঘাৰ লক্ষ কোটি জনমৰ পাপ
সবে ভস্ম হুয়া যাই তাৰ॥
অত্যন্ত অন্ত্যজে যদি **পৰমাত্মা** নাম মোৰ
হেলাতে উচ্চৰে একবাৰ।
বাৰলাখ কোটিজন্মে যতপাপ কৰি আছে
তাৰক্ষণে নষ্ট হোৱে তাৰ॥
মোহোৰ দুগুটি নাম এক **হৰি** এক **ৰাম**
স্মৰে তাক মহা পাপী হুই।
ষাঠি লাখ কোটিজন্মে যতপাপ কৰি আছে
সবাৰে মুকুত লাগে জুই॥

* * * *

**কৃষ্ণনাম সমস্তে নামত শ্ৰেষ্ঠত্তৰ।**

হুয়া এক শৰণ আমাক যিটো নৰ ॥
কৃষ্ণ কৃষ্ণ মহা কৃষ্ণ বুলিয়া সুমৰে।
মহা খৰ্ব্বকোটি জনমৰো পাপ হৰে ॥

নামৰ মহিমা ভকতিপ্ৰদীপত শ্ৰীমন্তশঙ্কৰদেৱে আৰু বহুতো লিখিছে। পদবাহুল্যৰ কাৰণে তোলা ন'হল। এই গ্ৰন্থখনিৰ বক্তা শ্ৰীকৃষ্ণ ভগৱান আৰু শ্ৰোতা মহা-ভাগৱত অৰ্জ্জুন। অনুবাদ কৰিছে ঈশ্বৰ অৱতাৰ মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে। এতেকে এই খনি গ্ৰন্থ বৈষ্ণৱৰ পক্ষে অতি অমূল্য।

**নামমালিকাত :—**

কহিলোঁ সামান্য ফল নাম কীৰ্ত্তনৰ।
প্ৰায়শ্চিত্ত কামে নাম লয়ে যিটো নৰ ॥
সিটো নাম কীৰ্ত্তনৰ শুনিয়ো মহত্ত্ব।
কহিয়া আছন্ত যেন ব্ৰহ্মবৈবৰ্ত্তত ॥
উত্তম দ্বিজক যিটো হানিয়া মাৰয়।
কামনা পূৰ্ব্বকে সুৰা পানক কৰয়।
কৃষ্ণ কৃষ্ণ অহোৰাত্ৰ কীৰ্ত্তন কৰন্তে।
হোৱে শুদ্ধ সিটো মহা পাতকত হন্তে ॥
বিশ্বাস ঘাতক পাপ যিজনে আচৰে।
যিটো নৰাধমে ব্ৰাহ্মণক নিন্দা কৰে ॥

ক্ষৰন্তে কীৰ্ত্তন আজি হৰিৰ নামক।
পাপে পৰাভৱ নকৰয় সিজনক॥

* * * *

ভকতি বৰ্জ্জিত হুই যদি কোনো নৰে।
গোবিন্দ গোবিন্দ বুলি মুখত উচ্চৰে॥
পুৰুষৰ পাপ যত দহি কৰে চয়।
যুগান্তৰ বহ্নি যেন দহে ত্ৰিভুবন॥
জন্মান্তৰ সহস্ৰৰ যত পাপ চয়।
কোটি জন্মান্তৰো যত কৰিয়া আছয়॥
জানিবাহা নাৰদ গোবিন্দ কীৰ্ত্তনত।
শতধা প্ৰকাৰে পাপ সবে হোৱে হত॥
যতেক পাতক সিজে অভক্ষ ভক্ষণে।
ওপজয় পাপ যত অগম্যা গমনে॥
গোবিন্দ কীৰ্ত্তনে পাপ সবে নষ্ট হয়।
নকৰিবা আত কিছু মনত সংশয়॥
ব্ৰাহ্মণৰ সুৱৰ্ণক যিটো চুৰি কৰে।
যিটো দ্বিজে মহা পাপ সুৰা পান কৰে॥
যত পাপ সিজে গুৰু দাৰা গমনত।
গোবিন্দ কীৰ্ত্তনে সদ্যো সবে হোৱে হত॥
ঘোৰ কলি যুগে পাপ উপচয় যত।
তায়তেসে থাকে জানা ইটো শৰীৰত॥
গোবিন্দ কীৰ্ত্তন নৰে নকৰে যাৱত।
উচ্চৰন্তে গোবিন্দ ভণিতে হোৱে হত॥

● ● ● ●

অযুত সহস্ৰ ব্ৰহ্মহত্যা যদি কৰে।
কোটি এক গুৰ্ব্বঙ্গনা পাতক আচৰে॥
ব্ৰাহ্মণৰ অসংখ্যাত সুৱৰ্ণ হৰয়।
গোবিন্দৰ নামে সদ্যো বিনাশ কৰয়॥

* * * *

মহাজন সবে কথা কহে পৃথিবীত।
***নাৰায়ণ নাম ইটো চোৰ বিপৰীত॥***
অনেক জন্মৰ যত আছে পাপ মল।
স্মৰণ মাত্ৰকে তাক হৰয় সকল॥
আন চোৰে অনেক যতনে চুৰি কৰে।
নাৰায়ণ নামে স্মৰণতে পাপ হৰে॥
জানি নাৰায়ণ নাম নছাৰিবা মুখে।
পাপক্ষয় কৰি গতি লভিবাহা সুখে॥

* * * *

আৰু শুনা হৰিনাম কীৰ্ত্তনৰ ফল।
হৰিনাম কীৰ্ত্তনেসে পৰম মঙ্গল॥
মাতৃ পিতৃ আৰু নিজ গুৰু আছে মাৰি।
ইসব প্ৰমুখ্যে যত পাপী অহঙ্কাৰী॥
চণ্ডাল প্ৰমুখ্যো যত অন্ত্যজ আছয়।
দেৱতা বিষ্ণুক সদা কীৰ্ত্তন কৰয়॥

* * * *

সৰ্ব্বদায়ে যাৰা সবে সমস্ত কালত।
কৰন্ত ফেৰয়লে পাপ আছে যত যত॥

**বিষ্ণুৰ কীৰ্ত্তন কৰি** বিনাশি পাপক ।
পাৱয় বিষ্ণুৰ গৈয়া পৰম পদক ॥
কৰে গৰু স্ত্ৰীবধ সুৱৰ্ণ হৰয় ।
ব্ৰহ্মবধ আদি পাপ সমস্তে কৰয় ॥
জানিবাহা গোবিন্দৰ নাম কীৰ্ত্তনত ।
শতধা স্বৰূপে পাপ সব হোৱে হত ॥
***ব্ৰহ্মহত্যা আদি কৰি পাতক আচৰি ।***
***হৰিনাম কীৰ্ত্তনে সবাকো ক্ষয় কৰি ॥***
মুকুতিকো পাৰে কৰি পুৰুষ উদ্ধাৰ ।
নানান শাস্ত্ৰত দেখাইলোহো বাৰম্বাৰ ॥

এই নামমালিকা গ্ৰন্থ খনি আসামৰ সমস্ত ব্ৰাহ্মণ পণ্ডিতসকলে সকলোবোৰ বেদ শাস্ত্ৰ মন্থন কৰি নামৰ মহিমা সংগ্ৰহ কৰি পুৰুষোত্তম গজপতি মহাৰজাক দিছিল। তাকে গুণগ্ৰাহী মহাপুৰুষ শ্ৰীমন্মাধৱদেৱে কৃপা কৰি পদত লিখি আমাৰ সমাজত প্ৰচাৰ কৰিলে। এই গ্ৰন্থখনি মাধৱদেৱৰ শেষ লিখনীপ্ৰসূত বুলি জনা যায়। মাধৱদেৱে নিজৰ প্ৰাণতকৈয়ো অধিক আদৰ কৰিছিল কাৰণে তেখেতৰ বৈকুণ্ঠ প্ৰয়াণত ভকতসকলে এই নামমালিকা খনি পাঠ কৰিয়েই শ্ৰাদ্ধ কৰিছিল বুলি বৰদোৱাৰ চৰিত্ৰত শুনা যায়। এতেকে এই গ্ৰন্থ খনি বৈষ্ণৱ সম্প্ৰদায়ৰ অতিশয় মাননীয় হোৱাত সন্দেহ নাই। এই গ্ৰন্থ খনি আজিও অতি আদৰৰ ধন বুলি ভাবি গোসাঁই আৰু ভকতসকলৰ ঘৰে ঘৰে অতি-

শয় ভক্তিৰে গোপন কৰি কৰি ৰাখিছে। এই কথা সকলোৰে বিদিত। এতেকে এই বিষয়ে বেচিকৈ কোৱা অনাৱশ্যক ॥

এতিয়া ঘোষা কীৰ্ত্তন আদিৰ বিষয়ে অলপ কৈ সামৰণি মাৰিম।

ব্ৰহ্মবধ পিতৃ- বধ সুৰাপান
অগম্যা গমন কৰে।
গৰু তিৰী মাৰে সুৱৰ্ণক হৰে
মিত্ৰৰ দ্ৰোহ আচৰে ॥
সংসাৰত যত আনো অসংখ্যাত
আছে মহা পাপী গণ।
সবাৰো এহিসে মুখ্য প্ৰায়শ্চিত্ত
হৰিৰ নাম কীৰ্ত্তন ॥

* * * *

হৰিৰ কীৰ্ত্তনে মহা পাতকক
যি মতে কৰে নিৰ্য্যাণ।
আন প্ৰায়শ্চিত্তে পবিত্ৰ কৰিবে
নোৱাৰে তাৰ সমান ॥
যিটো পাতকৰ প্ৰায়শ্চিত্ত কৰে
দুনাই তাতে মন মজে।
চিত্তৰ শোধন হৰিৰ কীৰ্ত্তন
পাপৰ আলু উভজে ॥ কীৰ্ত্তন।

* * *

পঞ্চম মহা পাপী যিটো জন ।
তাবো প্রায়শ্চিত্ত হবি কীৰ্ত্তন ॥
ব্রহ্মবধী গুরুবধী যতেক ।
পিতৃ মাতৃ বধী পাপী অনেক ॥
কুকুব খায় হেন ম্লেচ্ছগণে ।
সিয়ো শুদ্ধ হোৱে হবি কীৰ্ত্তনে ॥
চাণ্ডালো হবি নাম লয়ে মাত্র ।
কবিবে উচিত যজ্ঞব পাত্র ॥
পাপব আনু উভবাই নামে ।
আক তুচ্ছ কবি গবে কি কামে ॥ কীৰ্ত্তন ।

* * *

দুষ্ট চিত্তো যদি হবি সুমবে ।
তথাপিতো তাব পাতক হবে ॥
অনিচ্ছাতো যেন অগনি পোলে ।
বিষ্ণুধর্ম্মোত্তব আগমে বোলে ॥ কীৰ্ত্তন ।

* * *

প্রথমে দহিবে পাতক চয় ।
কবিবে মহা পুণ্য অভ্যুদয় ॥

* * *

চৈতন্য মূৰ্ত্তি পূর্ণানন্দ হবি ।
থৈবেক তেন্তে এবে এক কবি ॥
তেবে নাম হৈবে উপশান্ত ।
কহিলোঁ পৰম তত্ত্ব একান্ত ॥

* * * *

অন্যত্র ধর্ম্মে নাহি অধিকার ।
জানিবা কলিত নামেসে সার ॥ কীর্ত্তন ।

*ঘোষাত ঃ—*

পাপসাগরত তল নিয়াইলেক
বলে কলি দুরাচার ।
রাম নাম বিনে পাপ এড়াইবার
উপায় নাহিকে আর ॥

* * * *

অপবিত্র যিটো অতি পবিত্র হোরে বা যদি
সমস্ত অবস্থা আছে পায়া ।
কমললোচন যিটো স্মরে তারেসে শুদ্ধ
বাহিরে ভিতরে হোরে কায়া ॥

* * *

পুণ্য অরণ্যর মাজে মাধবর নাম সিংহ
প্রকাশ করয় অতিবরে ।
যার ধ্বনি শুনি ভয়ে মহাপাপ হস্তীচয়
পলাই অতি ত্রাসত লরবে ॥

* * * *

"রা" শবদক উচ্চারন্তে রাম রাম রাম রাম রাম
মুখহন্তে বাজ হয়া পলায় পাপমানে ।
পুণ্যমানে হোরে অভ্যন্তর রাম রাম রাম রাম রাম
"ম" বুলি অতি কপাট মারয় টানে ॥ ঘোষা ।

**ৰত্নাৱলীত ঃ—**

নামৰ সম্যক কীৰ্ত্তন নলাগে
পাপ ক্ষয় মাত্ৰকত ।
কেৱল নামৰ আভাসে কৰয়
সমূলক্ষে পাপ হত ॥
মোহোৰ বাক্যত নযাহ সঞ্জাত
সাক্ষাতে প্ৰমাণ দেখ ।
অজামিল মহা অধম দ্বিজৰ
পাতকৰ নাহি লেখ ॥
মৰন্তে কেৱলে ডাকিলে পুত্ৰক
নাৰায়ণ নাম লৈয়া ।
এতেকে মৃত্যুকো এড়ায়া বৈকুণ্ঠ
পদত উঠিল গৈয়া ॥
নামৰ আভাস কীৰ্ত্তন মাত্ৰকে
মুকুতি দিলে সাক্ষাত ।

* * * *

গো বিপ্ৰ পিতৃ মাতৃ গুৰুবধ কৰে ।
কুকুৰকো খাই মহাম্লেচ্ছ নিৰন্তৰে ॥
যাৰ ৰাম কৃষ্ণ নাম কীৰ্ত্তন কৰন্তে ।
ইসব পবিত্ৰ হোৱে পাতকত হন্তে ॥

* * * *

নাম এড়ি আন শুদ্ধ প্ৰায়শ্চিত্তে
যিহেতু প্ৰৱৰ্ত্তে প্ৰাণী ।
নামে সত্য কিবা প্ৰায়শ্চিত্তে সত্য
স্বৰূপ একো নজানি ॥

ইহাৰ উত্তৰ শুনিবি কিঙ্কৰ
হুয়া সাৱধানে মন।
বিহিলন্ত প্ৰায়- শ্চিত্ত মনু আদি
যত মহা সাধু জন ॥
যেন অল্প মতি বৈদ্যে নজানিয়া
মহা মৃত্যুসঞ্জীৱনী।
তথাপিতো নানা- বিধ ঔষধক
ৰোগীয়াক দেয় আনি ॥
সেহিমতে ব্ৰহ্মা হৰ প্ৰতিমুখে
বাৰজন ব্যতিৰেক।
মনু আদি কৰি ইটো সংসাৰত
মহন্ত আছে যতেক ॥
হৰিৰ নামৰ পৰম ৰহস্য
মহিমাক নজানন্ত।
বাৰ বাৰিৰিক আদি কৰি নানা
প্ৰায়শ্চিত্ত বিহিলন্ত ॥
কৃষ্ণৰ দুৰ্জ্জন মায়াত সবাৰো
বিমোহিত ভৈলা মতি।
বেদৰ মধুৰ পুষ্পিত বাক্যত
কৰন্ত সদায়ে ৰতি ॥
ফলহীন মনো- হৰ বেদবাদে
জড়ীকৃত ভৈল চিত্ত।
এতেকে নামক নজানি বিহিল
মহাকৰ্ম্ম প্ৰায়শ্চিত্ত ॥ বক্সামলী

বাস্তবিক নামৰ মহিমা নাজানি কিছুমান মুনিয়ে নানা প্ৰায়শ্চিত্তৰ বিধান নানা শাস্ত্ৰত যদিও লিখিছে, তথাপি নামৰ মহিমা জনা ব্যাস, শুক, সূত, বিষ্ণু আদি মহা মহা জ্ঞানী মহাপুৰুষসকলে হৰিনামটোহে সৰ্ব্বশ্ৰেষ্ঠ প্ৰায়শ্চিত্ত বুলি কৈছে। তাক ওপৰত বহলাই দি আহিছো। বিশেষকৈ বৈষ্ণৱসকলে হৰিনামেৰে প্ৰায়শ্চিত্ত কৰা হে বিধেয় আৰু কৰাও নিতান্ত উচিত, তথাপি ঘোৰ কৰ্ম্মমাৰ্গী-সকলৰ কাৰণে বিধান কৰা বাৰবাৰ্ষিক আদি প্ৰায়শ্চিত্ত থকা শাস্ত্ৰ বোৰক অপ্ৰমাণ নুবুলিব।

যদাপি নামৰ মহিমা শ্ৰদ্ধালু
নকৰয় কৰ্ম্ম আন।
প্ৰায়শ্চিত্ত বিধা- য়ক শাস্ত্ৰ তভো
নকৰিল অপ্ৰমাণ॥ ৰত্নাৱলী।

যেনেকৈ চৰিত্ৰ পুথিত মাধৱ দেৱে দুৰ্গাপূজা কৰা ছাগলী বলি দিয়াৰ কথা আছে, শঙ্কৰদেৱৰ ঘৈণীয়েকে গণেশপূজা কৰাৰ কথা আছে, অথচ চৰিত্ৰত থকা সত্ত্বেও বৈষ্ণৱসকলে যেনেকৈ আজি ছাগলী বলি দি দুৰ্গাপূজা নকৰে বা গণেশ-পূজা নকৰে অথচ সেই কথা যেনেকৈ অপ্ৰমাণো নোবোলে অৰ্থাৎ চৰিত্ৰত কথাটো আছে সঁচা, কিন্তু মাধৱই নামৰ মহিমা নাজানোতে দেৱীপূজা পিতৃশ্ৰাদ্ধ আদি কৰিছিল সঁচা, যেতিয়া নামৰ মহিমা বুজি কৃষ্ণত শৰণ ললে, তেতিয়াৰ পৰা সেইবোৰ এৰিলে, পিচত বৈষ্ণৱ চূড়ামণি [মাধৱদেৱৰ

আচৰণ দেখি আমি কব পাৰোনে ? যে মাধৱই কেতিয়াও দেবীপূজা পিতৃশ্ৰাদ্ধ আদি কৰা নাছিল ? কেতিয়াও কব নোৱাৰো। ইতিহাস প্ৰসিদ্ধ সত্যকথা এটা অস্বীকাৰ কৰিবৰ আমাৰ ক্ষমতা নাই। স্বীকাৰ কৰিবই লাগিব যে অবৈষ্ণৱ অৱস্থাত মাধৱদেৱে দেৱীপূজা আদি কৰিছিল। কিন্তু আজি আমি তেনে আচৰণ মানিহে নচলোঁ। ঠিক সেই দৰেই নানা প্ৰায়শ্চিত্তৰ ব্যৱস্থা শাস্ত্ৰত আছে সঁচা, কিন্তু আমি সৰ্ব্বশ্ৰেষ্ঠ প্ৰায়শ্চিত্ত হৰিনামৰ ভিতৰ হোৱাৰ কাৰণে আন আন ঘোৰ কৰ্ম্ম বাৰবাৰ্ষিক আদি ক্ষুদ্ৰ প্ৰায়শ্চিত্ত মানিহে নচলোঁ। শাস্ত্ৰত অত্যন্ত কৰ্ম্মমাৰ্গীসকলৰ প্ৰতি নানা প্ৰায়শ্চিত্ত আছে সিও প্ৰমাণ, ভক্তিমাৰ্গীসকলৰ পক্ষে তেনে ক্ষুদ্ৰ প্ৰায়শ্চিত্ত প্ৰমাণ হ'লেও ত্যাজ্য। কাৰণ সৰ্ব্বশ্ৰেষ্ঠ সুখকৰ প্ৰায়শ্চিত্ত হৰিনামহে বৈষ্ণৱৰ আচৰণীয়।

এতিয়া প্ৰায়শ্চিত্ত বিষয়ে বহুত বিচাৰ আৰু ব্যৱস্থা সংগ্ৰহ কৰি দিয়া হ'ল। সেই কাৰণে প্ৰায়শ্চিত্ত বিষয়ে মহাপুৰুষৰ গ্ৰন্থৰ পৰা ভূৰি ভূৰি প্ৰমাণ পদ তুলি গ্ৰন্থৰ কলেৱৰ ডাঙৰ নকৰোঁ। আশা কৰো এয়ে বৈষ্ণৱসকলৰ প্ৰতি যথেষ্ট হ'ব। বেদ শাস্ত্ৰ সকলোতে হৰিনামেই শ্ৰেষ্ঠ প্ৰায়শ্চিত্ত বুলি প্ৰমাণ হ'ল। এতেকে বৈষ্ণৱসকলে সেই মতেই চলিব বুলি পৰম আশা কৰিলোঁ।

এতিয়া কলিৰ পৰম ধৰ্ম্মৰূপে যে হৰিনামেই গ্ৰহণ হৈছে সেই বিষয়ে চমুকৈ দুআষাৰ মান কৈ গ্ৰন্থ সামৰিম।

## কলিৰ পৰম ধৰ্ম্ম হৰিনাম।

**ভাগৱতে :—**

কলের্দোষনিধে ৰাজন্ অস্তি হেকো মহদ্গুণঃ।
কীৰ্ত্তনাদেব কৃষ্ণস্য মুক্তসঙ্গঃ পৰং ব্ৰজেৎ ॥৫১
কৃতে যদ্ধ্যায়তো বিষ্ণুং ত্ৰেতায়াং যজতো মখৈঃ।
দ্বাপৰে পৰিচৰ্য্যায়াং কলৌ তদ্ধৰিকীৰ্ত্তনাৎ ॥৫২
১২স্কঃ ৩ অধ্যায়

অৰ্থাৎ— হে মহাৰাজ! দোষৰ সাগৰ কলিৰ এটি মহাগুণ আছে। কেৱল কৃষ্ণৰ কীৰ্ত্তন কৰিয়েই সকলো দোষৰ পৰা মুক্তহৈ পৰম পদ প্ৰাপ্তি হয় (॥৫১)। সত্যযুগত বিষ্ণুক ধ্যান কৰি যি ফল পাইছিল, ত্ৰেতাত নানা যাগ যজ্ঞ কৰি যি ফল পাইছিল দ্বাপৰ যুগত ভক্তিভাৱে পূজা অৰ্চ্চনা কৰি যি ফল লাভ কৰিছিল, সেই সকলোবোৰ ফল কেৱল কৃষ্ণৰ কীৰ্ত্তন কৰিয়েই পায় (॥৫২)। ১২ স্কন্ধ, ৩য় অধ্যায় ॥

***বিষ্ণুপুৰাণে ঃ—***

ধ্যায়ন্ কৃতে যজন্ যজ্ঞৈস্ত্ৰেতায়াং দ্বাপৰেৰ্চ্চয়ন্।
যদাপ্নোতি তদাপ্নোতি কলৌ সংকীৰ্ত্ত্য কেশৱং ॥১৭
ধৰ্ম্মোৎকৰ্ষমতীবাত্ৰ প্ৰাপ্নোতি পুৰুষঃ কলৌ।
অল্পায়াসেন ধৰ্ম্মজ্ঞাস্তেন তুষ্টোস্ম্যহং কলেঃ ॥১৮
অত্যন্তদুষ্টস্য কলেৰয়মেকো মহান্ গুণঃ।
কীৰ্ত্তনাদেব কৃষ্ণস্য মুক্তবন্ধঃ পৰং ব্ৰজেৎ ॥১৯
৬ষ্ঠ অংশ দ্বিতীয় অধ্যায়।

অৰ্থাৎ :—সত্যযুগত ধ্যান, ত্ৰেতাত যজ্ঞ, দ্বাপৰত পূজা অৰ্চ্চনা কৰি যি ফল পায়, সেই সকলোবোৰ কলিত কৃষ্ণৰ নাম উচ্চাৰণ কৰিয়েই লাভ কৰে (॥১৭)। কলিত অলপ আয়াসতে মানুহে উৎকৃষ্ট ধৰ্ম্ম অতিশয়ৰূপে প্ৰাপ্ত হয়, আৰু অনায়াসে কলিত মানুহ ধৰ্ম্মজ্ঞ হয়, সেই কাৰণে কলিক মই বৰকৈ প্ৰশংসা কৰিছোঁ (॥১৮)। অত্যন্ত দুষ্টশিৰোমণি কলিৰ এই এটা মহা গুণ আছে যে কেৱল কৃষ্ণৰ কীৰ্ত্তন কৰিয়েই সকলো প্ৰকাৰ বন্ধনৰপৰা মুক্তহৈ পৰমপদ মুক্তি লাভ কৰে (॥৩৯)॥

***গৰুড়পুৰাণে :—***

কলের্দোষনিধেঃ বিপ্রা অস্তি হ্যেকো মহান্ গুণঃ।
কীৰ্ত্তনাদেব কৃষ্ণস্য মুক্তবন্ধঃ পৰং ব্ৰজেৎ ॥৩৬
কৃতে যদ্ধ্যায়তো বিষ্ণুং ত্ৰেতায়াং যজতঃ ফলং।
দ্বাপৰে পৰিচৰ্য্যায়াং কলৌ তদ্ধৰিকীৰ্ত্তনাৎ ॥
তস্মাদ্ধ্যেয়ো হৰিৰ্নিত্যং ধ্যেযং পূজ্যশ্চ শৌনক! ॥৩৭

পূৰ্ব্বখণ্ড—২২৭ অধ্যায়।

অৰ্থাৎ—হে বিপ্ৰসকল! দোষনিধি কলিৰ মহাগুণ এটা আছে। কেৱল কৃষ্ণৰ কীৰ্ত্তনৰদ্বাৰাই সমস্ত দোষৰপৰা এড়াই বৈকুণ্ঠ পাইগৈ (॥৩৬)। সত্যত ধ্যান সমাধি কৰি, ত্ৰেতাত হৰিক যজ্ঞৰদ্বাৰা যজি, দ্বাপৰত হৰিৰ পৰিচৰ্য্যা কৰি যি লাভ হৈছিল তাক কলিত হৰিকীৰ্ত্তন কৰিয়েই লাভ কৰে। এতেকে হে শৌনক! হৰিয়েই সদায় মানুহৰ ধ্যেয় আৰু পূজ্য (॥৩৭)।

***পদ্ম পুৰাণে ঃ—***

পুংসামেকেহ বৈ সাধ্যা হৰিভক্তিঃ কলৌ যুগে ।
যুগান্তৰেন্যধৰ্ম্মা হি সেবিতব্যা নৰেণ হি ॥৬
কলৌ নাৰায়ণং দেৱং যজতে যঃ স সৰ্ব্বভাক্ ।
দামোদৰং হৃষীকেশং পুৰুহূতং সনাতনং ॥৭
হৃদিকৃত্বা পৰং শান্তং জিতমেৱ জগৎত্ৰয়ং ॥৮
স্বৰ্গখণ্ড, ৩২ অধ্যায় ।

অৰ্থাৎ ঃ—কলিযুগত মানুহৰ একমাত্ৰ সাধ্য (সাধনা কৰি লাভ কৰিব লগীয়া) বস্তু হৰিভক্তিয়েইহে, কিন্তু আন যুগত মানুহে আনধৰ্ম্ম (ধ্যান, যজ্ঞ আদি) আচৰণ কৰিছিল বা কৰিবলগীয়া হৈছিল (॥৬)। কলিত যিজনে কায়মনোবাক্য দেৱনাৰায়ণ মায়াৰঅধীশ্বৰ নিত্যনিৰঞ্জন সৰ্ব্বদেৱৰ পূজ্য শান্তমূৰ্ত্তি দামোদৰ কৃষ্ণক হৃদয়ত ভজিলে বা যজিলে সেই জনেই ত্ৰৈলোক্য জয় কৰিলে (॥৭।৮॥ ।

সেই কাৰণেই নাৰদে কৈছিল বোলে ঃ—

হৰেৰ্নাম হৰেৰ্নাম হৰেৰ্নামৈৱ কেৱলং ।
কলৌ নাস্ত্যেৱ নাস্ত্যেৱ নাস্ত্যেৱ গতিৰন্যথা ॥

অৰ্থাৎ—কলিত কেৱল হৰিৰনাম হৰিৰনাম হৰিৰনামেইহে গতি, তাৰ বাহিৰে আন গতি নাই নাই নাই ।

***গীতাতো কয় ঃ—***

সৰ্ব্বধৰ্ম্মান্ পৰিত্যজ্য মামেকং শৰণং ব্ৰজ ।
অহং ত্বাং সৰ্ব্বপাপেভ্যো মোক্ষয়িষ্যামি মা শুচঃ ॥

অৰ্থাৎ :—সমস্ত ধৰ্ম্মক দূৰতে পৰিহৰি একমাত্ৰ মোত (কৃষ্ণত) শৰণ লোৱা, হে সখি অৰ্জ্জুন! তুমি কোনো চিন্তা নকৰিবা মই সকলো পাপৰপৰা মুক্তি দিম ॥

এতেকে হে বৈষ্ণৱসমাজ? শঙ্কৰদেৱৰ উপদেশ স্মৰণ কৰক :—

কলিৰ পৰম ধৰ্ম্ম জানা হৰি নাম।
পাতক চাৰোক ডাকি বোলা ৰাম ৰাম ॥

ধৰ্ম্মৰ উত্তম নাম গ্ৰহণকৰক? এই ঘোৰ কলি যুগত নামৰ বাহিৰে গতি আন নাই, নামেই তাৰিব, মিছাতে বামুণৰ কথাত ভোল নগৈ নাম লওক, নামে সকলো পাপ ক্ষয় কৰি মুক্তি দিব, নামতকৈ কালবিষৰ হাত সাৰিবলৈ মহামন্ত্ৰ আৰু নাই, কলিত পাপৰ আলু উঘলা নামৰ বাহিৰে শ্ৰেষ্ঠ প্ৰায়শ্চিত্ত আৰু নাই, ভৱসাগৰ পাৰ হবলৈয়ো ইয়াৰ বাহিৰে উত্তম নাওঁ নাই, এতেকে নাম লক নাম লক, কল্যাণ হব। সেইহেতু কওঁ যে কলিৰ ধৰ্ম্ম বিষয়ে মহাপুৰুষৰ পদ ইয়াত তুলি গ্ৰন্থ বঢ়াবলৈ ইচ্ছা নকৰিলো। কাৰণ মহাপুৰুষ শঙ্কৰদেৱ আৰু মাধৱদেৱৰ লিখাত প্ৰত্যেক অধ্যায়তে হৰিনামেইহে যে কলিৰ ধৰ্ম্ম তাক লিখি থৈছে। সেইবিলাক পদ অসমৰ আৰ্য্য অনাৰ্য্য সকলোৰে মুখে মুখে আছেই, এতেকে ইয়াত তোলা নিষ্প্ৰয়োজন যেন দেখিহে উদ্ধৃত কৰা নহল। সেই কাৰণে বৈষ্ণৱ সমাজে ক্ষমা কৰে যেন ॥

বিশেষ কথা :—বৈষ্ণৱসকলে যাতে নামৰ গইনা লৈ পাপ আচৰণ নকৰে। কাৰণ নাম লৈ পাপ ক্ষয় কৰিম বুলি পাপ আচৰিলে সেই পাপ পিচত ক্ষয় কৰা টান হয়।

*নামত বলে কৰে পাপ বুদ্ধি।*
*অষ্টাঙ্গ যোগে নাহি তাৰ শুদ্ধি ॥*
*নাম অপৰাধী সিয়ো অধম।*
*ভুঞ্জিবে যাতনা অনেক জন্ম ॥* কীৰ্ত্তন।

*সামৰণি।*

মই অতি মূঢ়মতি নজানো প্ৰণতি স্তুতি
কৰযোৰে কৰোহো মিনতি।
কৰা অনুগ্ৰহ মোক সাধু সিদ্ধ যত লোক
এড়াধৰা দেখিয়া সম্প্ৰতি ॥
সহস্ৰ সহস্ৰ পদ হৰিনাম মহিমাৰ
তাৰ মই দিবো কত লেখা।
পদ বাহুল্যত ডৰে ইদৰে সংগ্ৰহ কৈলো
মূলত বিচাৰি তোৰা দেখা ॥
মূলত নপাৱা যেবে মোহোক নিন্দিবা তেবে
বুলিলোহোঁ সাকুত বচন।
ইটো পদ মোৰ সুহি জানিবাহা নিষ্ঠ কৰি
মহাপুৰুষৰ বিৰচন ॥
নাম চাই গ্ৰন্থে যেবে হুই হুই পাইবা তেবে
আমাৰ কথাৰ সত্যাসত্য।

নামমহিমাক মই উদ্ধাৰ কৰিয়া দিলো।
এহি জানা বেদ শাস্ত্ৰ তথ্য ॥
নামেসে পাতক তৰে নাম নলৈ মিছা মৰে
নাম সম নাহি পাপ হাৰী ।
আন যত প্ৰায়শ্চিত্ত দুৰ্ব্বল অনিত্য নিষ্ঠ
হুই হুই দেখিয়া বিচাৰি ॥
হৰিনাম সবে লোক লোকত প্ৰচাৰ হৌক
এহি হেতু লিখিল ভুবনে ।
হৌক অভিপ্ৰায় সিদ্ধ হৰিনাম সুপ্ৰসিদ্ধ
লৈয়োক মুখত সৰ্ব্বজনে ॥

**॥ কৃষ্ণাৰ্পণমস্তু ॥**

# উপৰঞ্চি

হৰিনামৰ দ্বাৰা সমস্ত পাপৰ প্ৰায়শ্চিত্ত হব পাৰে, এই বিষয়ে বৈষ্ণৱী শাস্ত্ৰৰ বহু প্ৰমাণ উদ্ধৃত কৰি ব্যৱস্থা দিয়া হ'ল। এতিয়া মাত্ৰ সমাজৰ আদৰ্শ আৰু শৃঙ্খলা ৰক্ষাৰ কাৰণে পাপীক উচিত অৰ্থদণ্ড কৰি সামাজিক শাস্তি বিধান কৰি সমাজৰ আনলোকে যাতে তেনে পাপ ভবিষ্যতে নকৰে তাৰ কাৰণে ভয় ৰাখিবলৈ পাপীক আগত লৈ পাপ সৈ কৰাই, পাপৰ তীব্ৰ নিন্দা কৰি বিচাৰপূৰ্ব্বক উচিত-ৰূপে পাপীক অৰ্থদণ্ড কৰিব'। কোন পাপত কেনে দৰে দণ্ড কৰিব তাৰ আভাস শাস্ত্ৰমতে উদ্ধৃত কৰি তলত কিছু লিখা হ'ল। এই নমুনাৰেই সমূহে বিচাৰ কৰি সকলো প্ৰকাৰ পাপতেই দণ্ড বিধান কৰিব।

দণ্ডকৰা টকা এনেদৰে খৰছ কৰিব যাতে সেই টকা ধৰ্ম্মকৰ্ম্মত হে ব্যৱহাৰ হয়। যেনে—নামঘৰ সজা, স্কুলঘৰ সজা, ৰাজহুৱা কৰি কুঁৱা কৰি দিয়া, পুথি ভঁড়ালত ধৰ্ম্মপুথি কিনি দিয়া, আকালত দৰিদ্ৰক খাবলৈ দিয়া, ধৰ্ম্ম-সভা পাতিলে তাত খৰছ কৰা, ইত্যাদি কামত লগাব লাগে। অথবা পাপীক প্ৰায়শ্চিত্ত কৰোতে হৰিনাম লোৱাবলৈ বহল-ভাৱে উৎসৱ পাতি সেই নামকীৰ্ত্তনৰ প্ৰসাদাদি কিনি

খৰছ কৰিব পাৰে, এই কৰ্ম্মত সমুদায় টকা খৰছ নহলে বাকী টকা ওপৰত কৈ অহা কৰ্ম্মৰ কাৰণে জমা ৰাখিব লাগে।

দক্ষিণাৰ টকা খিনি—নাম-কীৰ্ত্তনত খৰছ কৰাৰ স্থলত গুৰু-গোসাঁই ভকত বৈষ্ণৱ যিসকল গোট খায় সেই-সকলক যথা যোগ্য অনুৰূপে পাপীয়ে নিজ হাতে পাপৰ পৰা মুক্তহোৱাৰ পাচত দান কৰিব। যদি সমূহ বহি অৰ্থদণ্ড কৰি সেই টকা আন প্ৰকাৰ ধৰ্ম্মকৰ্ম্মত (পূৰ্ব্বে কৈ অহা মতে) হে লগাবলৈ স্থিৰ কৰে তেন্তে, পাপীক সমূহৰ মাজত লৈ নাম সোৱঁৰাই, শেষত আশীৰ্ব্বাদ কৰি পাপ মুক্ত কৰি লৈ তেওঁ নিজ হাতেৰে দক্ষিণাৰ পয়ছা খিনি যথা যোগ্য ৰূপে বিলাই দিয়াব।

মন্তব্য—কেৱল নামেই পাপ হৰণ কৰে, তেন্তে অৰ্থদণ্ড কৰিব লাগে কিয়? এই প্ৰশ্নৰ উত্তৰ হৈছে এই যে—নামে মাত্ৰ পাপীৰ পাপ হে হৰণ কৰিব, আদৰ্শটো হৰণ নকৰে, কাৰণ পাপী নাম লৈ তৰি যাব, কিন্তু সমাজত অমুকে অমুক পাপ কৰিছিল এই কথাটো থাকি যাব। সেই কথাতে গইনা লৈ সমাজৰ দুষ্ট বুদ্ধিৰ লোকসকলে ক'ব যে অমুকে অমুক পাপ কৰি সমাজত নাম উচ্চাৰণ কৰিলে মাত্ৰ, ধন হানি বা কায়ক্লেশ একো নহল, এতেকে আমি অমুক কামটো কৰিলে নো কি হব? যদি ধৰাপৰো সমাজত ৰাম বুলিলেই হ'ব, তাত আমাৰ কি হ'ব।

এতেকে কিহৰ পাপ আছে, এই বুলি সমাজৰ ঢিলা বান্ধত থাকি, নামত বলে পাপ আচৰিলে সেই পাপ পিচত নাম লৈয়ো খণ্ডন কৰা টান হ'ব, আৰু সমাজ পাপপূৰ্ণ হৈ বিশৃঙ্খল হ'ব। সেই কাৰণে পাপীৰ আদৰ্শটো যাতে সমাজৰ আন লোকে গ্ৰহণ কৰিবলৈ ভবিষ্যতে ভয় কৰে, তাৰ কাৰণেই অৰ্থদণ্ডৰ ব্যৱস্থা ৰখা ভাল বুলি মই সমাজক পৰামৰ্শ দিওঁ। অলমতি বিস্তৰেণ।

হৰিদাস শ্ৰীভুবন।

## সমাজে কৰিব লগীয়া অৰ্থদণ্ডৰ চমু চানেকি ঃ—

| অজ্ঞানকৃত পাতক | সমৰ্থপক্ষে অৰ্থ দণ্ড | অসমৰ্থপক্ষে অৰ্থ দণ্ড | দক্ষিণা | জ্ঞানকৃত |
|---|---|---|---|---|
| মাতৃ, ভগিনী, আৰু নিজৰ জীয়েক, ভতিজা জীয়েকক গমন কৰিলে — | ১৮৫৲ | ৬৭॥০ | ১২॥০ | দ্বিগুণ |
| ব্ৰহ্মবধ (বেদজ্ঞ পুৰুষক হত্যা,) সুৰাপান (মদ্যাদি পান), স্বৰ্ণ হৰণ, গুৰুপত্নী, মাহী, পেহী, খুড়ী, আদি ওচৰ সম্বন্ধীয়া স্ত্ৰী গমন, আৰু উক্তপ্ৰকাৰ উভয়বিধ পাতকীৰ লগত প্ৰথম সংসৰ্গী হলে — | ৯০৲ | ৩৩৸০ | ৬৷০ | দ্বিগুণ |
| গো-বধ, স্ত্ৰী-বধ, গৰ্ভ-হত্যা, নৰহত্যা, আদি কৰিলে— | ২২॥০ | ৮৶০ | ১৷৶০ | দ্বিগুণ |
| সাধাৰণ পৰস্ত্ৰী গমন কৰিলে— | ৪৲ | ১৷৵০ | ৷০ | দ্বিগুণ |
| গৰু, ছাগলী আদি পশুত পতিত হলে — | ১৫৲ | ৫৷৵০ | ১৵০ | দ্বিগুণ |

ইত্যাদি ।

—: অন্ত :—